# সেই নদী নিরবধি



নিরুপমা বরগোহাঞি

চতুর প্রকাশ
টিহু

'Sei Nadi Nirabadhi' an Assamese Novel written by Nirupâma Bargohain and Published by Sri Raj·ndra Mohen Sarma, Chandra Prakash Tihu Assam First Edition October, 1963. 2nd Edition December 1987. Price Rs. 40 00

প্ৰকাশক :
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্ম্মা
ন্দ্ৰ প্ৰকাশ
অসম
টিহু — ৭৮১৩৭১

প্ৰথম প্ৰকাশ :
অক্টোবৰ, ১৯৬৩

২য় প্ৰকাশ :
ডিচেম্বৰ, ১৯৮৭

বেটুপাত :
হৰকুমাৰ ডেকা

মূল্য — ৪০,০০ টকা

ছপা :
চিনেতাৰিকা পাব্লিকেচনচ্,
দিল্লী—১১০০৩৫
বাইণ্ডিং, বৰুৱা আৰ্ট
গুৱাহাটী - ৭৮১০০১

# আগকথা

আজিৰ পৰা দুই দশকৰো আগতে প্ৰকাশ হোৱা মোৰ 'সেই নদী নিৰবধি' নামৰ উপন্যাসখন টিহুৰ চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাই পুনঃ প্ৰকাশনৰ দায়িত্ব লোৱা বাবে তেখেতৰ ওচৰত মই আন্তৰিক শলাগ লৈছোঁ। মহাদয় পাঠকে কিতাপখন আদৰি ল'লে শ্ৰীশৰ্মাৰ এই প্ৰচেষ্টা সাৰ্থক হ'ব আৰু লগতে ময়ো কৃতাৰ্থ বোধ কৰিম।

নিৰুপমা বৰগোহাঞি

## প্ৰথম খণ্ড

পগলাদিয়া নৈৰ পানীত বাতিপুৱাৰ ৰ'দ পৰি চোৰোৰ জিলমিলাইছে। নৈখনৰ ঠিক মাজতে উভালি পৰি থকা বাঁহজোপাত পানীৰ সোঁতে বাধা পোৱাত কলকল শব্দ এটা উঠিছে।

খুব কম বহল নৈখন। সিপাৰে কিছুদূৰলৈ বালি; ইপাৰে ঠিয় গৰা। সিপাৰৰ বালি আহি কেতিয়াবা পানীতে মিলিছেহি, কেতিয়াবা আকৌ সামান্য ওখ গৰাৰ সৃষ্টি কৰিছে বালিৰ গৰা। পানীয়ে দাঁতিবোৰ ছুঁই ছুঁই গৰাৰ বালি চপৰা ওপৰে খহাইছে। বাঁহজোপাত সোঁতে ঠেকা খাই কলকলোৱা শব্দটোৰ বাহিৰেও বালিৰ গৰা পানীত খহি পৰা শব্দও উঠিছে।

ইপাৰৰ ওখ গৰা। তাৰ পিছফালে বাঁহৰ আৱৰণি এখন। তাৰ মাজে মাজে বেতৰ কাঁইটিয়া গছবোৰ। গাঁৱৰ ল'ৰা-ছোৱালীবোৰে কাঁইটৰ আঁচোৰ খায়ো বেতগুটি ছিঙিবলৈ তাত সোমায়। মাছৰ বাকলিৰ দৰে গাত লাগি থকা গুটিবোৰৰ বাকলি। পাতল সেউজীয়া ৰঙৰ অকণ অকণ গুটিবোৰ—পুৰঠ হ'লে প্ৰায় বাদামী ৰঙ; টেঙেচীয়া কেঁহা সোৱাদ।

ওখ গৰাতে হেলনীয়াকৈ পানীৰ জুৰিলৈ নামি যোৱা বাটটো; গাঁৱৰ অধিবাসী সকলেই অহা-যোৱা কৰি কৰা বাট। তাতেই ঘাটটো। তাৰ পৰাই গাঁৱৰ জীয়ৰি বোঁৱাৰীসকলে কলহ ভৰাই পানী তুলি লৈ যায়; ল'ৰা-ছোৱালীবোৰে সেই ঘাটতেই আহি নাডুৰি সাঁতুৰি থাকেহি। সেইখিনিতে পানীও কম। গাঁৱবাসীসকলে নৈ পাৰ হৈ সিপাৰলৈ যায় সেই ঘাটেদিয়েই।

গাঁৱখনত অৱশ্যে আৰু কেইটামান ঘাটো আছে। কিন্তু এইটোৱেই প্ৰধান। বাজহুৱা নামঘৰটোও ঠিক এই ঘাটটোৰ পাৰতেই। গাঁৱৰ ব্ৰাহ্মণ পৰিয়াল কেইটিৰ বাসো ইয়াৰেই ওচৰ কাষৰত।

সেই ওখ গৰাটো। দীপু আৰু লক্ষ্মী ঠিয় হয়হি। চহৰীয়া ল'ৰা আৰু গাঁৱলীয়া ছোৱালী।

দীপুৰ হাতত দাত ধঁহা ব্ৰাছ এডাল। চকুত তাৰ অসীম কৌতুহল আৰু আগ্ৰহ। লক্ষ্মীৰ হাঁহিৰঙা মুখ-সহজ সচ্ছন্দ ভঙ্গী। কেঁকোৰা চুলিৰে গুকান ৰূপৰা মূৰটো জোকাৰি জোকাৰি অনৰ্গল কথা কৈ গৈছে। হাতত তাইৰ সৰু লোটা এটা।

"কালি ৰাতি জেনে এই ঘাটেদিয়েইঁ পাৰ হৈ আমি গাঁৱ সোমাইছিলোঁ, লক্ষ্মী ?"

"হুঁ"—দীপুৰ প্ৰশ্নৰ উত্তৰত লক্ষ্মীয়ে মূৰ জোকাৰে, "চোৱা-